# দাৰ্শনিক মহাপুৰুষ শ্ৰীশ্ৰী৺শঙ্কৰদেৱ আৰু তেওঁৰ অদ্বৈতবাদ।



শ্ৰীব্ৰজেন্দ্ৰ চন্দ্ৰ বৰপূজাৰী



প্ৰথম প্ৰকাশ
ব'হাগ ১৮৭৯





ছয় অনা বা
৩৭ নয়া পইচা




# পৰিচিতি

অসম আৰু অসমীয়াৰ বিষয়ে কিবা ক'বলৈ গ'লেই মহাপুৰুষ শঙ্কৰদেৱৰ নাম আৰু কাম সুৱঁৰিব লগা হয়। মহাপুৰুষক চিনিব আৰু জানিবৰ বাবে বিভিন্ন লিখকে বেলেগ বেলেগ দৃষ্টি-ভঙ্গীৰ পৰা আলোচনা কৰিছে। এনে আলোচনা যিমানেই হয় সিমানেই মঙ্গল।

শ্ৰীব্ৰজেন্দ্ৰ চন্দ্ৰ বৰপুজাৰী দেৱে এই নাওমান পুথিখনিত 'দাৰ্শনিক মহাপুৰুষ শ্ৰীশ্ৰী৺শঙ্কৰদেৱ আৰু তেওঁৰ অদ্বৈতবাদ' সম্পৰ্কে নিজ দৃষ্টি-ভঙ্গীৰে আলোচনা কৰিছে। আলোচনাখিনি পঢ়ি এটা নতুনত্বৰ চিন পাই ভাল লাগিল।

অৱশ্যে এই আলোচনাত হয়তো প্ৰচলিত দুই-এটা কথাৰো সমালোচনা আছে; কিন্তু সেই সমালোচনাই কাৰো একো ক্ষতি কৰিব খোজা নাই। নতুন ভাৱে চাব পৰাটোৱেই চিন্তাশীলৰ চিন্তাৰ বৈশিষ্ট্য। এই বৈশিষ্ট্যখিনিৰ দ্বাৰাই শঙ্কৰদেৱৰ সাৰ্ব্বজনীন ৰূপ এটা প্ৰকাশৰ চেষ্টা কৰা হৈছে। ই কিমান দূৰ নিখুঁট তাক বিচাৰ কৰাতকৈ, চেষ্টাৰ প্ৰশংসা কৰাহে বিধেয়।

এই পুথিত যদিও অদ্বৈতবাদৰ উল্লেখ আৰম্ভনিতে আছে, তথাপি দাৰ্শনিক যুক্তি আৰু বিচাৰ পদ্ধতিৰে সেই অদ্বৈতবাদ প্ৰতিপন্ন কৰা হোৱা নাই; হৈছে মাত্ৰ সাৰ্ব্বজনীন এটা আৱেদনৰ যোগেদি।

পুথিখনিৰ প্ৰচাৰ কামনা কৰোঁ।



শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

# আগকথা

ভাৰতৰ এজন অন্যতম মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ নিখুঁত জীৱনী লিখাৰ দুঃসাহসো মোৰ নাই আৰু এই মহাপুৰুষজনাক মোৰ দৃষ্টিভঙ্গীৰেই সকলোৱে চাওক, এই কথাও মই ক'ব খোজা নাই। পণ্ডিত হিচাবে নহয়,—ছাত্ৰ হিচাবেহে মই তেওঁৰ ধৰ্ম্মমতৰ এই আলোচনাত নামিছো। দৰাচলতে মোৰ এই প্ৰচেষ্টাও যথেষ্ট দুঃসাহসিকতাৰে কাম হৈছে। কাৰণ যিজনাক তেওঁৰ একান্ত অনুগত বহুবিদ সকলেও সৰ্ব্বসাধাৰণৰ লগত সম্পূৰ্ণ পৰিচিত কৰি দিব পৰা নাই সেইজনাৰ পৰিচয়, সেইজনাৰ ধৰ্ম্মমতৰ তথা সেইজনাৰ দৰ্শনৰ ব্যাখ্যা দিবলৈ যোৱাটো, মোৰ নিচিনা প্ৰাণীৰ পক্ষে দুঃসাহসিকতাৰ বাহিৰে আন হ'ব নোৱাৰে। —মোৰ এই নিবেদন মোৰ নিজৰেই অৱগতিৰ কাৰণেহে। মই এই স্বনামধন্য মহাপুৰুষজনাক যি দৰে চাব খুজিছো বা হয়তো সামান্য ভাবে হলেও দেখিছো, সেযা সত্য নে ভ্ৰান্ত সেই কথা মই জনা উচিত। মই ভাবিছো বুলিয়েই যে মোৰ কথাবোৰ সত্য হ'ব তাৰ কোনো অৰ্থ নাই। সেইহে সুস্থ সমালোচনাৰ আশাৰে এই ক্ষুদ্ৰ পুথিখনি পাঠকৰ আৰু অনুসন্ধিৎসু ৰাইজলৈ বুলি আগবঢ়ালো। নতুন দৃষ্টি ভঙ্গী এটা আগবঢ়াবলৈ চেষ্টা কৰোতে হয়তো কাৰোবাৰ চলিত মনোভাৱৰ লগত খাপ নোখোৱা কথাও দুই এটা প্ৰকাশ পাব পাৰে। যদি তেনে হৈছে, মই আগতেই কৈছো, মোক যেন মোৰ ভুল দেখুৱাই দিয়া হয়। মহাপুৰুষজনাৰ স্বৰূপ প্ৰকাশৰ আকুল আগ্ৰহেৰে যদি কোনোবাই মোক এইদৰে সহযোগ দিয়ে—মই তাৰ বাবে কৃতজ্ঞহে ৰ'ম।

মহাপুৰুষ শ্ৰীশ্ৰী৺শঙ্কৰ দেৱৰ ৫০০ বছৰীয়া তিথি উৎসৱত তিনিচুকীয়াত মোক নিৰ্দ্দিষ্ট বক্তা হিচাবে মতা হৈছিল। শ্ৰদ্ধাস্পদ শ্ৰীযুত ডিম্বেশ্বৰ নেওগ বি-এচ-চি, এম্-এ, বি-টি, ডাঙৰীয়া আছিল সেই অনুষ্ঠানৰ পুৰোহিত। সেই উৎসৱত মই দিয়া লিখিত বক্তৃতাকেই নগণ্য সালসলনিৰে সৈতে ইয়াত প্ৰকাশ কৰিছো।

শঙ্কৰাচাৰ্য্যৰ অদ্বৈতবাদ আৰু ৰামানুজৰ বিশিষ্টাদ্বৈতবাদ ইয়াৰ ভিতৰত কোনটোৰ লগত মহাপুৰুষ শঙ্কৰদেৱৰ মতৰ মিল হয এই কথা লৈ বিচাৰ চলি আছে। 'কুকুৰ শিয়াল গৰ্দ্দভৰো আত্মাৰাম' বা 'সমস্তে ভুততে বিষ্ণু' বা 'যত দেখু কায়া সুত বিত্ত জায়া মায়াকো সব ধন্ধ' আদি উক্তিত যেনেকৈ অদ্বৈতবাদ প্ৰকাশ পায় আনহাতে তেনেকৈয়ে 'সবাকে পড়ি কৰিবা প্ৰণাম' বা 'জপ গোবিন্দকো নামা' বা 'প্ৰভুৰ পুজাক নকৰিলো একবাৰ' আদি উক্তিযে সেব্য আৰু সেৱকক পৃথক কৰি দেখুৱা বাবে বিশিষ্টাদ্বৈতবাদ প্ৰকাশ কৰা বুলিযেই বহুতে বিশ্বাস কৰে। এই বিষয়ে মোৰ যি বিশ্বাস তাক বহলাই কোৱাৰ আগতে আমাৰ সেব্য যে 'একম্' তথা এক মাথো—সেই কথাৰ আলোচনাতেহে মই অধিক গুৰুত্ব দিছো। এই প্ৰচেষ্টাত কৃতকাৰ্য্য হোৱা বুলি যদি বুজিব পাৰো, পাচৰ স্তবলৈ আগ বাঢ়িবৰ ইচ্ছা আছে। এই দুই পৃথক মতাৱলম্বী সকলৰ মাজত কাৰো যেন এই বিষয় সন্দেহ নহয় তাৰ কাৰণে এই কথা আগতীয়াকৈ কৈ থ'লো।

মঙ্গলময়ে যেতিয়া আমাৰ সমষ্টিৰ কল্যানৰ কাৰণে মহাপুৰুষ ৰূপে আমাৰ মাজত ধৰা দিয়া আমি দেখা পাওঁ,—সেই মহাপুৰুষ জনাক আৰু মহান আৰু মহীয়ান কৰি তুলি তেওঁক বৃহত্তৰ সমষ্টিৰ কল্যাণৰ কাৰণ কৰি তোলাটো আমাৰ কৰ্ত্তব্য হয়। মহাপুৰুষ

শ্ৰীশ্ৰী৺শঙ্কৰদেৱকো যদি আমি বৃহত্তৰ সমষ্টিৰ মাজত প্ৰতিষ্ঠা কৰি তাত গ্ৰহণ যোগ্য বুলি প্ৰমাণ কৰিব পাৰো,—তেতিয়াহে তেওঁৰ প্ৰতি তথা পৰম মঙ্গলময়ৰ প্ৰতি আমাৰ কৰ্ত্তব্য কৰা হ'ব। এই পুথিত তাৰে এটা চেষ্টা কৰা হৈছে। প্ৰেমময় ৰাইজে সমালোচনা কৰি এই বিষয়ত মই কিমানদূৰ কৃতকাৰ্য্য হ'ব পাৰিছো জনাব, আৰু লগতে নিজ নিজ সাধ্যমতে এই 'শঙ্কৰ প্ৰতিষ্ঠাৰ' কাৰ্য্যত বৰঙণি যোগাব বুলি আশা কৰিলো।

মোৰ এই নাওমান কিতাপখনৰ 'পৰিচিতি' লিখি মোক সহায় কৰা বাবে অধ্যক্ষ শ্ৰীযুত বিশ্বনাৰায়ণ গোস্বামী শাস্ত্ৰীদেৱক মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলো। ইতি—

বিনীত,

শ্ৰীব্ৰজেন্দ্ৰ চন্দ্ৰ বৰপূজাৰী

যোৰহাট
১৪-৪-৫৭

যত দেখু কায়া সুত-বিত্ত-জায়া মায়াকো সব ধন্ধ।
হামু যত জীব সির তেরি অংশা কাহে ওহি মোহ বন্ধ॥




# দাৰ্শনিক মহাপুৰুষ শ্ৰীশ্ৰী৺শঙ্কৰদেৱ আৰু তেওঁৰ অদ্বৈতবাদ

অখণ্ড মণ্ডলাকাৰং ব্যাপ্তং যেন চৰাচৰং।
তৎপদং দৰ্শিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ॥

অসীম বিশ্ব ব্ৰহ্মাণ্ডক সসীম মানৱ কল্পনাই ৰেখাযীত কৰিযেই কল্পনা কৰে। অসীমৰ কল্পনাও সসীমৰ পক্ষে সাধ্যাতীত। ৰেখাযীত পৃথিৱীত বাসকৰা আমি ৰেখাযীত মানুহবোৰে আমাৰ চৌপাষে মাথো ৰেখাকেহে দেখা পাওঁ। আমাৰ সমুখৰ তৰুমালা—সিইঁতৰ একোটা কলেৱৰ আছে। আমাৰ সমুখৰ কুলু-কুলু বৈ যোৱা নদী খনে অসীমলৈকে গতি কৰে যদিও তাৰ দুটা পাৰ আছে, সেযে আঁকি দিযে তাকো তাৰ এটা ৰেখাযীত কলেৱৰ। আকাশত চন্দ্ৰ দেখো, সূৰ্য্য দেখো, চিকমিক তৰাবোৰ দেখো সেই সকলোতে আমি এটা ৰেখাযীত সীমা দেখো। আনকি আমি দেখো আমাৰ ওপৰত নীল আকাশখনো সুদূৰত এটা সুগোল ৰেখাত মিলি যায। যেন তাতে আকাশৰো সীমা। সসীম মানুহ আমি, সসীমৰে মাজত আছো, আমি কল্পনাও কৰিব পাৰো সসীমৰেই; অসীম আমাৰ কল্পনাতীত। অনন্ত আমাৰ ধাৰণাতীত। সেই শব্দবোৰ মাথো শব্দ হৈয়ে থাকে। তাৰ স্বৰূপ আমি বুজুজো। সেযেহে ভুৰ্ভুবঃ স্বঃ, মহঃ, জনঃ, তপঃ সত্যং এই সপ্তলোকৰ আৰু হয়তোবা আমাৰ

অজ্ঞাত অশ্রুত আৰু কোনোবালোকৰ সমস্তি বিশ্ব ব্ৰহ্মাণ্ড খনকো আমি এটা কল্পীত সীমাৰ এটা আকাৰ দিও যাক আমি বোলো মণ্ডলাকাৰ। দৰাচলতে নিৰাকাৰ এই মণ্ডলাকাৰৰ কোনো অকনো স্থান এৰা নপৰি সমস্ত তথা অখণ্ড এই মণ্ডলাকাৰ—সকলো চৰ, সকলো অচৰ, সকলো জৰ সকলো চেতনতে যি জন ব্যাপ্ত আছে যি জন 'ক'ত আছে' বুলি প্ৰশ্ন কৰিলে সেই প্ৰশ্ন হয় ভ্ৰান্ত, সেই প্ৰশ্নৰ একমাত্ৰ উত্তৰ হয় 'যত্ৰেৰ যত্ৰেৰ মনো মদিযং' অৰ্থাৎ যি জন নথকা কোনো দেশ কোনো কাল নাই অৰ্থাৎ যি জন সৰ্ব্বময়, সেই জনৰ চৰণ দৰ্শন যি জনে পাইছে সেই মোৰ শ্ৰীগুৰুক নমস্কাৰ জনাওঁ।

অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জন শলাকয়া
চক্ষুৰুন্মিলিতং যেন তস্মৈ শ্ৰীগুৰৱে নমঃ॥

বিচিত্ৰ সংসাৰত তিনিটা মাথো প্ৰধান বস্তু আছে। আন সকলোবোৰ এই তিনিটাৰ মাজতে লুকাই থাকে। এই তিনিটা বস্তু হ'ল কৰ্ত্তা-কৰ্ম্ম-ক্ৰিয়া। জ্ঞাতা অৰ্থাৎ যি জনে জানে জ্ঞেয় অৰ্থাৎ যাক জনা হয় আৰু জ্ঞাতা আৰু জ্ঞেয়ৰ যি সম্বন্ধ ঘটায় সেইটি যাৰ নাম জ্ঞান। মই যদি কিবা এটা বস্তু বিশেষকৈ জানিব পাৰিলোহেঁতেন মই হলোহেতেন জ্ঞাতা। সেই বস্তুবিশেষ হ'লহেঁতেন জ্ঞেয় আৰু সেই জ্ঞেয়ৰ বিষয় মোৰ যি অৱগতি তাৰ তাৰ নাম হ'লহেঁতেন জ্ঞান। কিন্তু জ্ঞাতা কোন আমি তাকেইটো নাজানা। জ্ঞেয় কি তাকেইতো আমি নাজানো। আমি কৰ্ত্তাকে চিনি নাপাওঁ, কৰ্ম্মকে চিনি নাপাও। মোৰ হাতটোৱে কাম কৰেনে নাই হাতটোৰ হতুৱাই মই কাম আদায় কৰি লওঁ, মোৰ চকুৱে বস্তুৰ ৰূপ দেখেনে নাই মোৰ চকুৰ সহায়েৰে মই বস্তু দেখোঁ,

মোৰ জিভাই কথা কয়নে জিভাৰ সঞ্চালনৰ দ্বাৰা মই কথা কওঁ, যদি মোৰ চকুৱেই দেখে, হাতেই কাম কৰে জিভায়েই কথা কয় তেনে সেই কামবোৰ উপভোগ সিহঁতেই কৰেণে কোনে কৰে ? যদি সিহঁতে কাম নকৰে, মইহে যদি সিহঁতৰ হতুৱাই কাম কৰাই লওঁ, তেতিয়া হলে মইনো কি ? মোকনো পৰিচালনা কৰে কোনে ? এইবিলাক কথাকে আমি নাজানো। আন কথা আৰু জানিম কেনেকৈ ? আমি ঘোৰ আউসীৰ অন্ধকাৰৰ মাজতেই জন্ম গ্ৰহণ কৰি অন্ধকাৰতেই লালিত পালিত হৈছো। অন্ধকাৰৰ সিপাৰে আৰু কিবা যে থাকিব পাৰে সেই কথাৰো যেন আমাৰ ধাৰণা নাই। আমি গভীৰ কুৱাৰ তলিতে ওপজা ভেকুলী; কুৱাটোৰ সীমাটোৰ বাহিৰত থকা পৃথিবীখনৰ কথা আমি একো নাজনো। চাৰিও-ফালে মাথো অজ্ঞান অন্ধকাৰ, অন্ধকাৰ। কিন্তু কোনে আমাৰ এই অন্ধলা চকুত জ্ঞানৰ অঞ্জন সানি দিয়ে ? কোনে জ্ঞানৰ শলিতা গছ্ জ্বলাই দি আমাৰ দেখিও নেদেখা চকুযোৰত দৃষ্টি দিলে ? আমাৰ যেন পোহৰৰ এটি সামান্য ধাৰণা হৈছে। যেন কোনোবাই আমাৰ মুদা চকুযোৰ মুকলি কৰি দিছে, যেন আমি কিবা এটাৰ এটা সন্ধান পাইছো। যেন আন্ধাৰৰ বাহিৰেও আমি আৰু কিবা পাইছো। সেয়া যেন পোহৰ দেখিছো। কাৰ কৰুণাত ? সেয়া গুৰু। আমাৰ গুৰু সেয়া। আমাৰ ঘোৰ তিমিৰাছন্ন অবোধ অন্তৰত, দাপোনৰ প্ৰতিবিম্ব পৰি আন্ধাৰ কোঠা পোহৰ কৰাৰ দৰে, যাৰ কৃপাকনাই বোধ দীপ্তি দিছে সেইজনা পথৰ সাৰথী, সেইজনা জ্ঞানৰ প্ৰতিক, সেইজনা শ্ৰীগুৰুক নমস্কাৰ কৰো।

**গুৰু কি ?**

অভিধান মতে গুৰু অৰ্থে শিক্ষক। যি শিক্ষা দিয়ে তেওঁ।

শিক্ষা কাক কোনে দিয়ে ? যাৰ শিক্ষা নাই তেওঁক যাৰ শিক্ষা আছে তেওঁ শিক্ষা দিযে। অজ্ঞানীক জ্ঞানী জনে জ্ঞানৰ শিক্ষা দিয়ে। জ্ঞান নাথাকিলে জানো জ্ঞানৰ শিক্ষা অজ্ঞানীক দিয়া সম্ভৱ ? অসম্ভৱ। জ্ঞাতাইহে জ্ঞান দিব পাৰে। গুৰু হ'ব পাৰে জ্ঞাতাহে। জ্ঞেয়ৰ বিষয় যেতিযা সম্পুৰ্ণ জ্ঞান হয় যেতিয়া জ্ঞেয়ৰ ভাবেৰে অন্তৰ ভৰপুৰ হৈ পৰে তেতিয়া তেওঁৰ নাম হয় জ্ঞাতা। তেওঁৰ সেই অন্তৰভৰা ভাবৰ প্ৰতিচ্ছৱি পৰি অজ্ঞানীৰো অন্তৰ দীপ্তিময় হৈ পৰে। তেতিয়া সেই অজ্ঞানীৰ গুৰু হৈ পৰে সেই জ্ঞাতা জন। প্ৰতিচ্ছবিত ৰহন সানি সানি, সাধনা কৰি গুৰুৰ সেই প্ৰিয় শিষ্যই এদিন সিদ্ধি লাভ কৰেগৈ। তেতিয়া তেওঁ হৈ পৰে জ্ঞাতা। তেওঁৰো অন্তৰত জ্ঞেয় ভগবানৰ পুৰ্ণ স্থিতি লাভ হয়।

ভগবানক জ্ঞেয বুলিলো। যদি এই কথা সঁচা হয়, জ্ঞাতা কোন ? কোনে ভগবানক জানিবলৈ বিচাৰিছে ? কাৰ জ্ঞেয ভগবান ? মোৰ ? মই জানো ইমান পণ্ডিত ? মই জানো ইমান মহান যে মই ভগবানকো জানিব পাৰো ? যে মই ভগবানক মোৰ জ্ঞেয কৰি মই জ্ঞাতা হ'ম ? যেতিয়া মোৰ সমুখত কোনোবাই এটা 'টৰ্চ্চলাইট' জ্বলাই ধৰে মই তাৰ পোহৰ মাথো দেখো। লাইটটো বা লাইট জলাওঁটা জনক দেখিব নোৱাৰো। পোহৰে মোৰ চকুত জলক দি ধৰে। সেই লাইতততকৈ বেচি শক্তিশালী এটা লাইট যদি মই ব্যৱহাৰ কৰিব পাৰো তেতিয়া কিন্তু মই মোৰ সেই সমুখৰ লাইট আৰু তাৰ গৰাকীক দেখা পাওঁ। শক্তিক জানিবৰ কাৰণে বেচি শক্তিৰ প্ৰয়োজন। মহিমা বুজিবৰ কাৰণে বেচি মহিমাৰ প্ৰয়োজন। ছাত্ৰৰ পৰীক্ষা কৰিবৰ কাৰণে সমৰ্থ হয় বিজ্ঞজন। তেন্তে ? যদি মই ভগবানক জ্ঞেয় বুলি ভাবো, যদি চেষ্টা কৰো

ভগৱানক জানিবৰ কাৰণে, মই হব লাগিব ভগৱানতকৈ বেচি মহৎ—বেচি জ্ঞানী—বেচি শক্তিমান। হাঁয়! কি যে আস্পৰ্দ্ধা! নহয়, নহয় ভগৱান তুমিযেহে জ্ঞাতা—জ্ঞাতা মাথো তুমিযেহে। আমিহে তোমাৰ জ্ঞেয়।

আমি ভগৱানৰ জ্ঞেয়। ভগৱান জ্ঞাতা—আমি জ্ঞেয়—আমাৰ বিষয় ভগৱানৰ জ্ঞান থাকে, তেনে আমি তিনিও তিনিওৰে পৰা আতৰত থাকো? আমি প্ৰত্যেকেই তেনে সসীম? যদি ভগৱান জ্ঞাতা মাথো হয় জ্ঞেয় নহয়, আৰু যদি মই জ্ঞেয় মাথো হও জ্ঞাতা নহও, ভগৱান তেনে মোৰ বাহিৰত, মই তেনে ভগৱানৰ বাহিৰত? মোৰ সীমাতেই তেনে ভগৱানৰ সীমাৰ আৰম্ভ? দুটা পৃথক অস্তিত্বৰ কথা ভাবিবলৈ হলেই আমি ধৰি লব লাগিব দুটাৰ মাজৰ এটা ব্যৱধান—যি দুইক দুই কৰিছে। সেই ব্যৱধান য'তে থাকে ত'তে সীমা থাকিব। মই আৰু ভগৱান দুটা পৃথক অস্তিত্ব। মই জ্ঞেয়, ভগৱান জ্ঞাতা। পৃথক, আমি সম্পূৰ্ণ পৃথক দুটা অস্তিত্ব। মই যেনেকৈ সসীম—ভগৱানো তেনেকৈয়ে সসীম।

কিন্তু ভগৱান জানো সসীম? তেওঁ যে অখণ্ড মণ্ডলাকাৰং ব্যাপ্তং। তেওঁ যে সৰ্ব্বময়—সৰ্ব্বগত—সৰ্ব্ব। নাই, নাই তেওঁ সসীম নহয়, তেঁও বদ্ধ নহয়, তেঁও ৰেখাবদ্ধ—সীমাবদ্ধ নহয়। তেঁও অক্ষয়, অনাদি আৰু অনন্ত। তেঁও 'একং সন্তং বহুধাদুৰ্ম্মতিভেদাৎ'—দুৰ্ম্মতিৰ কাৰণে আমি তেঁওক বেলেগ বেলেগ নাম দি মাতিলেও তেও একমাত্ৰ 'সৎ'—বিশ্ব ব্ৰহ্মাণ্ডত আছে মাথো তেও—বিশ্বব্ৰহ্মাণ্ডও তেওহে মাথো। সকলো স্থিতিয়েই ভগবান—সকলো কৰ্ত্তাই ভগৱান, সকলো কৰ্ম্মই ভগবৎকৰ্ম্ম—সকলো ক্ৰিয়া ভগৱৎক্ৰিয়া।

ব্ৰহ্মাৰ্পণং ব্ৰহ্মহবিঃ ব্ৰহ্মাগ্নৌ ব্ৰহ্মণা হুতম্ ।

যত দেখা যত শুনা যতেক মনত গুনা
সবে মায়া মন স্বপ্ন সম ।
সমস্তে জগতে হৰি জানিবা নিশ্চয় কৰি
গুচাযো বুদ্ধিতে ইটো ভ্ৰম ॥

বিষ্ণুপৰি স্থিতো বিষ্ণুঃ বিষ্ণুঃ খাদতি বিষ্ণবে ।
কথং হসসীৰে মূঢ় ! সৰ্ব্বং বিষ্ণুময়ং জগৎ ॥

বিষ্ণুৰে আধাৰত বিষ্ণুৱেই স্থিতি কৰে, বিষ্ণুৱেই বিষ্ণুকে খায় । হে গুৰু, হে স্ত্ৰাতা, হে সৰ্ব্বময় সৰ্ব্ব আমাক কোৱা আমাৰো দেৱা

সমস্ত ভূততে বিষ্ণু বুদ্ধি নোহে যাৱে ।
কায়বাক্যে মনে অভ্যাসিবা এহি ভাৱে ॥
বিষ্ণুময় দেখৈ যিটো সমস্তে জগতে ।
জীৱন্তে মুকুত হৈবৈ অচিৰ কালতে ॥

আমি অতি মূঢ় হে মহান্ আমাক জ্ঞানৰ অঞ্জন দিয়া । তোমাৰ এই বিশ্ব প্ৰেমেইতো তোমাক মহাপুৰুষ কৰিলে । সেই প্ৰেমৰ শিক্ষা আকৌ আমাক দিয়া । আকৌ কোৱা হে প্ৰেমিক,

ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল ।
দাতাত চোৰত যাৰ একদৃষ্টি তুল ॥
নীচত সাধুতে যাৰ ভৈল এক জ্ঞান
তাকেহে পণ্ডিত বুলিয সৰ্ব্বজান ॥

আমি তোমাক নমস্কাৰ কৰো ।

মহাপুৰুষ শঙ্কৰদেৱ মহাপুৰুষ কিয় ? কিয় তেওঁ জগৎ-ৱৰেণ্য ? —ধৰ্ম্ম পৃথিৱীত বহুত হব পাৰে । হব পাৰে ধ্যান-

টৌৰ্ষৈ প্ৰতি কণতো আৰু মানুহটোৰে প্ৰতি মনতো, কিন্তু সকলোৰে আদি মাথো এটা। শেষো সকলোৰে এটা। সকলো ধনৰ সকলো কণৰ পৰা শিপা ওলায—সিহঁতো সকলো ক্ষেত্ৰতে যায় ভলৈ। সিহঁতৰ পৰা যি গজালি ওলায—সিহঁত সকলো ক্ষেত্ৰতে যায় আকাশৰে ফালে। মানুহবো মন পৃথক হলেও একে মহা শূন্যৰ পৰা তাৰ উৎপত্তি—একে মহাশূন্যতে তাৰ লয়। অকল মানুহৰে কথা নহয়।—সৃষ্টিকণা মাত্ৰৰেই সেই একে কথা—উপজি মৰা আৰু মৰি ওপজা। কিন্তু আমি মানুহৰ কথাতে মাথো আবদ্ধ থাকিবলৈ সম্প্ৰতি বাধ্য।

মানুহে বিচাৰে কি? মানুহে বিচাৰে উন্নতি। সি কেচুৱা-টিৰ পৰা শিশু হবলৈ বিচাৰি ওপজাৰ পাচৰে পৰা আকাশতে হাত ভৰিবোৰ আচাৰিবলৈ ধৰে, হকে-বিহকে ডাঙৰৰ লগত হাহিমাতি তাৰ মনটোকো ডাঙৰ কৰিব খোজে। সি শিশু হয়। শিশু হৈ সি ক্ষান্ত নহয়। তাক লাগে বালক হবলৈ—তাক লাগে যুৱক হবলৈ—তাক লাগে প্ৰৌঢ় হবলৈ। প্ৰৌঢ়াৱস্থাৰ পৰা বৃদ্ধাৱস্থালৈ যি পৰিবৰ্ত্তন সি মৃত্যুৰ আগজাননী। সেয়েহে সি বৃদ্ধাৱস্থা পাবলৈ আশা নকৰে। সি তেতিয়া দীৰ্ঘায়ু কামনা কৰে। আৰু কামনা কৰে তাৰ চকুৰ আগত তাৰ নিজৰ সংসাৰখান সদল-সফল হৈ অহা দেখা পাবলৈ। নাতি আজোনাতিৰ ভৰি থকা ঘৰ এখনত নিচিন্ত ভাবে সি দিন কটায়—তাৰ সুখ দেখি আনে নিজ কপালক ধিক্কাৰ দিয়ে—তাকে গম পাই সি আনন্দৰ অকুত হাঁহি হাঁহে—এয়ে তাৰ আশা। তাৰ আপোন মাথো তাৰ সেই সৰু সংসাৰখন। সি এদিনো সন্ধিয়াৰ মুকলি আকাশৰ তলত বহি ওপৰৰ সৌৰজগতখনলৈ চোৱা নাই। সি সেই

আকাশখনলৈ চাই এদিনো ভাবি পোৱা নাই সমস্তৰ তুলনাত—অন্ততঃ তাৰ মাংসল চকুৰে দেখিব পৰা ওপৰৰ বিশাল আকাশখন আৰু তলৰ পৃথিৱীখনৰ তুলনাত সি সিমান ক্ষুদ্ৰ! যদি ভাবিলেহেঁতেন, সি তাৰ ক্ষুদ্ৰ সংসাৰখনৰ ক্ষন্তেকীয়া উন্নতি দেখি আনন্দত বিভোৰ নহলহেঁতেন—সি বাটৰ কাষৰ ভিক্ষাৰীটোৰ তুলনাত তাৰ সংসাৰ কিমান সুখৰ ভাবি গৌৰৱ নকৰি তাৰ তুলনাত ভিক্ষাৰীটো কিমান গৰীৱ—তাৰ সংসাৰখনৰ এফেৰি সুখৰ কাৰণে সেই ভিক্ষাৰী-টোৰ কিমান কষ্ট স্বীকাৰ কৰিব লগীয়া হৈছে তাকে ভাবিহে বেজাৰ পালেহেঁতেন। সি নিজকে মহা-মহিয়ান ভাবি গৰ্ব্বিত উঠলি থুঠিলেহেঁতেন। সি বিচাৰিলেহেঁতেন তাৰ মানসিক গতিৰ উন্নতি।

মানসিক গতিৰ উন্নতিৰ যাই পথ কিন্তু এটা। সমস্ত বিশ্ব ব্ৰহ্মাণ্ডই এটা মাথো 'একম', এই 'একম'ৰ ক্ষয় নাই বৃদ্ধি নাই, এই 'একম'তে আমাৰ তথা সেই সমস্তিৰ অংশবোৰৰ আদি আৰু তাতেই লয়। দৰাচলতে আমিও অক্ষয়। সমস্তৰ তথা সেই 'একম'ৰ মাজত আমাৰ আমিত্বৰ যেতিয়া উৎপত্তি হৈছে এদিন আকৌ সেই সমস্ত তথা 'একম'তে আমাৰ লয় হব মাথো। গতিকে আমাৰ একমাত্ৰ গতি সেই 'একম'। আমাৰ সকলো সৃষ্ট-জীৱৰে লক্ষ মাথো সেই এটা—জ্ঞানে বা অজ্ঞানে আমি গতি কৰো সেই এটা লক্ষলৈকে। কিন্তু আমাৰ পথ হয় বিভিন্ন। প্ৰকৃতিৰ গুণে মানুহটোৰে প্ৰতি মনতো হলেও আমাৰ এটা মাথো লক্ষ্য থাকে। দৰাচলতে পথ আমাৰ এটাই। কিন্তু আমাৰ ঐহিক কাৰ্য্যবোৰে আমাৰ পথবোৰ ভিন ভিন কৰে। আমি স্বাৰ্থপৰ—আমি সুবিধাবাদী। যি পথে গলে আমাৰ শাৰীৰিক সুবিধাবোৰ খুব বেচি অভুত থাকে আমি সেই

পথকে লওঁ। সেয়েহে পথ তথা ধৰ্ম্ম এটা হলেও কাৰ্য্যই সেই পথক শতধা বিচ্ছিন্ন কৰে।

এক মহামিলনৰ ধৰ্ম্মকে বিভিন্ন কৰিলো আমি মানুহ বোৰে হিন্দু ধৰ্ম্ম তাৰে এটা শাখা। হিন্দুৰ মাজতে আকৌ আমাৰ কোনোবা বৈষ্ণৱ, কোনোবা শাক্ত, কোনোবা গাণপত্য, কোনোবা শৈৱ, কোনোবা আৰু কিবা। সেই সকলৰ মাজতো আকৌ কোনোবা তান্ত্ৰিক, কোনোবা বৈদিক। বৈদিকৰ ভিতৰতে কোনোবাই বিশ্বাস ৰাখে বেদৰ কৰ্ম্মকাণ্ডত, কোনোবাই বিশ্বাস ৰাখে জ্ঞান কাণ্ডত। কিয় এই বিভিন্নতা? আমি যে আমাৰ সেই মূল পথ এৰি আহিলো—আমি যে পাহৰি গলো যে আমাৰ উৎপত্তি এটা সমষ্টিত আৰু আমাৰ লয়ো হব সেই একে সমষ্টিতে আৰু সেই কাৰণেই আমি সকলোৱেই সেই 'একম'ৰে অংশ—আমি সকলোৱেই সম্বন্ধীয়া, —আমাৰ সেই বিস্মৰণেই এই বিভিন্ন ধৰ্ম্মপথৰ হেতু।

মহাপুৰুষ শঙ্কৰদেৱে ৫০৭ বছৰৰ আগতে এই অসমৰে এচুকত জন্ম গ্ৰহণ কৰি আমাক সোঁৱৰাই দি গ'ল—'এক দেৱ এক সেৱ একত বীনে নাহি কেৱ।' তেওঁ এই শিক্ষা দিছিল কিহৰ কাৰণে? বিশ্ব ঐক্য সাধন আৰু এক বিশ্ব প্ৰেম প্ৰতিস্থাৰ কাৰণেই তেওঁ এই মত প্ৰচাৰ কৰিছিল।

মহাপুৰুষে কীৰ্ত্তণ খন লিখিবলৈ লৈ প্ৰথমে লিখিছিল—

জয় হৰি গোবিন্দ নাৰায়ণ ৰাম কেশৱ হৰি
ৰাম ৰাম কেশৱ হৰি।

কেশৱ শব্দৰ মহাপুৰুষে ব্যাখ্যা দি গৈছে—

ক ইশ পদে ব্ৰহ্মা বিষ্ণু মহেশ্বৰ
প্ৰতি প্ৰতি তিনিবো অন্বয়।

ৰ পদে নাৰায়ণ         তিনিকো আছয় ছান্দি
এহি হেতু কেশৱ বোলয় ॥

ব্ৰহ্মা বিষ্ণু মহেশ্বৰ বুলিলে আমি সৃষ্টি স্থিতি প্ৰলয়ৰ তিনি জন আদি দেৱক বুজো। সৃষ্টি স্থিতি প্ৰলয় মানে সমস্ত অৰ্থাৎ বিশ্ব ব্ৰহ্মাণ্ড। ইয়াৰো লগত ব্ৰহ্মা বিষ্ণু মহেশ্বৰৰ মূল নাৰয়ণক সংযোগ কৰি যি কেশৱ শব্দটো ব্যৱহাৰ কৰিছে সেয়াই 'অখণ্ড মণ্ডলাকাৰং ব্যাপ্তং'। মহাপুৰুষে প্ৰথমে নাম লৈছিল তেনে কেশৱক আৰু কৈছিল 'জয় কেশৱ।' হে বিপদ হৰণ কাৰি হৰি, হে' গো বিদ্ অৰ্থাৎ সৰ্ব্বজ্ঞ গোবিন্দ, হে অনাদি অনন্ত অথচ সৃষ্টিৰো আদি জলশায়ী ভগৱান নাৰায়ণ, হে লীলাৰ আধাৰ ৰাম, হে মহাপ্ৰণৱ—জয় হ।

পৰিত্ৰানায় সাধুনাং বিনাশায় চ দুষ্কৃতাং
ধৰ্ম্ম সংস্থাপনাৰ্থায়—

ভগৱানে যুগে যুগে নানা ৰূপে অৱতাৰ হয়। পৰিত্ৰাণায় সাধুনাং—সাধু আৰু অসাধুৰ ভেদাভেদ কিয়? যদি সমস্তই ভগৱান হয়, যদি ভগৱান হয় সৰ্ব্বময়, সৰ্ব্বগত, অসাধুৰ কাৰণে স্থান ক'ত? দুষ্কৃতি কৰে কোনে? অসাধুৰ অন্তৰত ভগৱান নাইনে? দুষ্কৃতিৰ কৰ্ত্তা জনকো ভগৱানেই পৰিচালনা নকৰেনে? যুধিষ্ঠিৰক 'অশ্বথামা হত' বোলোৱালে কোনে? অৰ্জ্জুনৰ হতুৱাই ভীষ্মৰ পঞ্চশৰ ডকা দি অনোৱাটো কাৰ কাৰ্য্য?—এনে অকাৰ্য্য কৰোৱাই যি জনে, সেই জনেই আগতে কৈ থয়—'নাসতো বিদ্যতে ভাৱো নাভাৱো বিদ্যতে সতঃ।' যাৰ স্থিতি আছে সেয়ে 'সৎ' অৰ্থাৎ সত্য বা সঁচা। যাৰ স্থিতি নাই সেয়ে অসৎ বা অসত্য বা মিছা। সত্যই সজ আৰু অসত্যই অসজ। কিন্তু ভগৱানে নিজেই কৈ দিলে—'নাসতো

বিস্তুতে ভাবঃ'—অসতৰ স্থিতি নাই আৰু অসৎ থাকিব পাৰেই বা কেনেকৈ ? সকলোৱেইতো সৎ। সকলোৱেই দেখোন 'নিখিলাধিপতেৰখিলং মধুৰং।' প্ৰয়োজনৰ কাৰণে, সৃষ্টি ৰক্ষাৰ কাৰণে ভগৱানে নিজে সদসদৰ ভাও দি নিজেই তাৰ ব্যৱস্থা কৰিবৰ কাৰণে বিবিধ ৰূপ ধৰে। একে জনা পৰম শক্তিমান আদি পুৰুষেই ক্ষীৰ সাগৰত লক্ষ্মী নাৰায়ণ—গোলোকত শ্ৰীকৃষ্ণ অংশ ভেদে ব্ৰহ্ম লোকত ব্ৰহ্মা, বিষ্ণু লোকত বিষ্ণু, শিৱলোকত শিৱ, তেওঁৱেই সাৱিত্ৰী, মহালক্ষ্মী আৰু দুৰ্গা। পৃথিবীত অংশভেদে মৎসকুৰ্ম্মাদি দশাৱতাৰ তেওঁৱেই। তেওঁৱেই পূৰ্ণ কলাই গোকুলত কৃষ্ণ।

মহাপুৰুষ শঙ্কৰদেৱে সেই পূৰ্ণ কলা অৱতাৰ কৃষ্ণৰ চৰিত্ৰৰ যোগেদিয়েই পৰমাত্মা সেই 'একম'ৰ গুণ বখানি তেওঁৰ শৰণাগত হ'বৰ কাৰণেই মুঢ় মানৱক শিক্ষা দি গ'ল।

মহাপুৰুষৰ লিখনিৰ পৰা আমি যি দেখো, দৈৱকী নন্দন তথা অৱতাৰী কৃষ্ণক তেওঁ অৱতাৰী হিচাবেই আমাৰ আগত দেখুৱাইছিল। মহাপুৰুষৰ বৰ্ণনাত অৱতাৰী কৃষ্ণই নাৰদ, উদ্ধৱ, অৰ্জ্জুন আদি একান্ত ভক্তৰ বাহিৰে আনক কোনো কামতে নিজক ঈশ্বৰ বুলি কবলৈ আগবঢ়া নাই। আমি ৰুক্মিণীহৰণত দেখো বেদনিধিয়ে যেতিয়া ৰুক্মিণীৰ বতৰা লৈ যায় তেতিয়াৰে পৰা বিয়াৰ সময়ত দেৱতা সকল, নাগসকলক সুশ্ৰুষা কৰা পৰ্য্যন্ত সকলোতে তেওঁ মানৱীয় ভাওকে দিছে। তেওঁ ব্ৰাহ্মণক কৈছে—

তযু আগমনত পৱিত্ৰ ভৈল থান।

যেহি লাগে বোলা গুৰু তাক দিবো দান॥

কিন্তু বেদনিধি আছিল ব্ৰাহ্মণ—তেওঁ মানবীয় ব্যৱহাৰ কৰিলেও পূৰ্ণৱতাৰ কৃষ্ণক চিনিব পাৰে। তেওঁ কয়—

সমস্তে প্ৰাণীৰ তুমি হৃদয়ত থিত।
ত্ৰৈলোকত নাহিকে তোমাৰ অবিদিত॥

আকৌ— যাক ভেট নতুপান্ত সিদ্ধমুণি গণ।
আমাৰ সুশ্ৰুষা কৰা হেন নাৰায়ণ॥

কৃষ্ণ প্ৰেমাপ্লুতা ৰুক্মিণীৰ বতৰা কোৱাৰ পাচত কৃষ্ণৰ যি অৱস্থা মহাপুৰুষে তেওঁৰ অমৰ লিখনিৰে বৰ্ণাইছে তাতো তেওঁ কৃষ্ণক মানৱীয় ৰূপকে দিছে।

দুই ধাৰে লোতক চক্ষুৰ পৰৈ ব'ই
হা প্ৰাণেশ্বৰী যোৱো তোক নপাওঁ গই॥
মই নতুপান্তে যোনো প্ৰাণ যায় আগে।
তোৰ মোৰ দেখা দেখি হৈব কত ভাগে॥

—পূৰ্ণাৱতাৰ কৃষ্ণই জানো নাজানিছিল যে ৰুক্মিণীৰ মৰণ নাই? যে তেওঁৰ আৰু ৰুক্মিণীৰ মিলন অনিৰ্বায্য। বেদনিধিয়ে দেখোন কৈয়েই গৈছে।

তোমাৰেসে ভাৰ্য্যা ভীষ্মকৰ জীৱ সতী।
ৰুক্মিণী স্বৰূপে লক্ষ্মী ভৈলা উতপতি॥

লক্ষ্মীৰ জানো মৰণ আছে? মানৱীয় ভাৱৰ অৱতাৰী কৃষ্ণক ভক্ত মহাপুৰুষে মানৱী ৰূপতে দেখুৱাইছে। ভগৱানৰ সান্নিধ্যত একে লগে একে ৰথতে যাওঁতে বেদনিধি হেন ব্ৰাহ্মণৰ মুৰ্চ্ছা যোৱা জানো সম্ভৱ? যাৰ নাম জ্ঞানে বা অজ্ঞানে ললে সকলো পাতকি নাশ হয়—তেওঁৰ সান্নিধ্যত থাকিও বেদনিধিৰ মুৰ্চ্ছা হয়। আকৌ চকুৰ অকনি দৃষ্টি পাতেৰে যি জনাই সৃষ্টি কৰিব পাৰে, পালন কৰিব পাৰে, সংহাৰ কৰিব পাৰে, সেই জনাই ব্ৰাহ্মণৰ মুৰ্চ্ছা দেখি—'শিৰে চালিলন্ত প্ৰানী।' —অথচ হয়তো মুৰ্চ্ছাও

তেওঁৰে লীলা—পানী চলাও লীলা মাথো। মহাপুৰুষৰ কল্পনা-প্ৰসূত হলেও মহাপুৰুষে অবাস্তৱৰ কল্পনা কৰা নাই। প্ৰত্যেক কথাৰে মূল্য থাকে।

যেতিয়া ৰুক্মাদি বীৰসকলে সেনানী সহ কৃষ্ণক আগভেটা দিয়ে তেতিয়াৰ ৰুক্মিণীৰ সন্ত্ৰাস,—যিয়াৰ পিচত দৈৱকীয়ে বিয়নীয়েকক দিয়া প্ৰবোধ বাক্য—

তোমাৰেসে জী জন্মাই তোমাৰেসে ঘৰ।
তোমৰা আপোন হুয়া আমি হুইবো পৰ॥

আনকি সুমালিনী ধায়েও যে একাষাৰ কয়—

কোলায়ে বোকায়ে ভুলিলোহো দুখে
সুখ দিয়া মোৰ আই।
চৰণন্ত ধৰো কৰোহো কাতৰ
পালিবা তুমি গোসাই॥

তাৰ উত্তৰত গোসায়ে কয়—

প্ৰাণতো অধিক দেখো ৰুক্মিণীক
ভাৰ্য্যা পাইলো কত ভাগে॥—

এই সকলোবোৰে কি কয়? পুৰ্ণাৱতাৰে মানুহৰ আদৰ্শ দেখুৱাইহে মানুহক শিক্ষা দিবলৈ আহিছিল। তেওঁৰ পুৰ্ণাৱতাৰৰ চিনাকি দি নহয়। তেওঁৰ বিয়াৰ সময়ত যেতিয়া ব্ৰহ্মাদি দেৱতাসকল আহিছিল তেওঁলোকক দেখি তেওঁ কি কৰিছিল? মহাপুৰুষেই আমাক কয়—

হেন দেখি কৃষ্ণে লোক মৰ্য্যদাক পালি।
প্ৰথমতে ব্ৰহ্মাক নমিলা বনমালী॥
হৰক প্ৰণামি নমিলন্ত বাসৱক।
কৰিলা প্ৰণতি আনো সমস্তে দেৱক॥

কাকো হাত যোৰ কাকো চান্ত হাস্য কৰি।
কাকো অৱনত ভাৱে ভুৰিলন্ত হৰি॥

—:†:—

নাকত আঙ্গুলি দিয়া সবে চাহি আছে।
ত্ৰিদশ দেৱক হৰি অৰ্চ্চিলন্ত পাছে॥
যাক যেন যোগ্য সিংহাসন দিলা পাৰি।
বসিলা দেৱতাগণ আপোনাৰ শাৰী॥
গন্ধ-পুষ্প দিয়া পাদ্য-অৰ্ঘ্য আচমণি।
নিৰন্তৰ দেৱক অৰ্চ্চিলা ভিনি ভিনি॥

—:*:—

কৰযোৰ কৰি হৰি বুলিলা বচন।
তোমাসাক কোন পুণ্যে পাইলো দৰিশন॥
আন্মাৰ থানক আইলা মোৰ বৰ ভাগ।
কত পুণ্যে মনুষ্যে দেৱক পাইলো লাগ॥
যাক ভেট নপাৱে অনেক তপসাই।
হেন দেৱ আসিলা আপুনি মোৰ ঠাই॥
আজিসি পৱিত্ৰ ভৈল দ্বাৰকা আন্মাৰ।
কৰিলো আজিসে সবে পুৰুষ উদ্ধাৰ॥

যেন বাসুদেৱ এটি সাধাৰণ মনুষ্য নাথো। কিন্ত ব্ৰহ্মাদি দেৱগণে জানো কৃষ্ণক নাজানে? তেওঁলোকে কয়—

সৰ্ব্বকালে তোন্মাৰ পালক দেৱজাক।
এতেকে বুলিবে কৃষ্ণে নলাগে আন্মাক॥
তুমিসে উদ্ধাৰ কৰ্ত্তা কুলৰ প্ৰদীপ।
সদায়ে আসিবে লাগে তোমাৰ সমীপ॥

স্মৰণে পাপ হৰে দেখিলে মুকুতি।
হেন হৰি স্তুতি কৰা কমন যুগুতি?

নাৰদাদি মুনিসকলে যেতিয়া স্তুতি কৰে তেতিয়াও 'জাহ্নু শিৰে সবাকে নমিলা জগন্নাথ।' আনকি বাসুকি নাগো বাদ নপৰিল। বাসুকিকো— 'পাগু অৰ্ঘ্য লৈয়া ৰঙ্গে.........কুতুহলে......... পুজিলা মাধৱ।' অথচ এই বাসুদেৱেই বৈকুণ্ঠ প্ৰয়াণৰ সময়ত উদ্ধৱক কৈ যায়—

আমাক স্মৰিবা বাক্য মনে। মোৰ ৰূপ চিন্তিবা যতনে।
সংসাৰৰ বন্ধে হৈবা হীণ। তেবে চিত্ত মোতে যাইবা লীন॥

একেবাৰে মানৱোচিত ভাৱে বংশীয় সকলক ঋষি শাপ মোচনৰ হেতু কৈ গ'ল—আজি যাইবো প্ৰভাসক কৰিয়ো উদ্যোগ।

তৈতে স্নানি চন্দ্ৰে এড়াইলন্ত যক্ষ্মাৰোগ॥
দক্ষসাপ গুচিল পাইলন্ত পূৰ্ণ কলা।
হেন জানি যত্নগণ তৈতে লাগি চলা॥
সবংশে আমিয়ো গৈয়া তৈতে কৰি স্নান।
বিপ্ৰক ভোজন কৰাই দেও মহাদান॥
দানে পুণ্যে ছুই মোৰ দুৰ্গতি নিস্তাৰ।
যেন মহানাৱে সাগৰত কৰৈ পাৰ॥

মানৱ ৰূপী কৃষ্ণৰ স্নানত বিশ্বাস আছে,—দানত বিশ্বাস আছে,—বিপ্ৰ ভোজনত—পূজা অৰ্চ্চনাত বিশ্বাস আছে। তেওঁ কয়—

প্ৰভাসক চলি যাওঁ আমি। স্নান দান কৰো জলে নামি॥
দানেসে দুৰ্গতি সবে হৰে। আসা ঐৰ অন্তৰো সম্বৰে॥

এইদৰে কৈ তেওঁ— ৰথে চৰি গৈলা প্ৰভাসক।
অৰ্চ্চিলন্ত দেৱ ব্ৰাহ্মণক॥

কিন্তু অন্তৰত লক্ষ্য নোহোৱা—জপ-ধ্যান নোহোৱা যদু বংশীয় সকলে স্নান-দান কৰাতকৈ 'মাধৱৰ মায়ায়ে' 'বুদ্ধিহত' হৈ অন্তৰ যুদ্ধত হে বেচি লিপ্ত হ'ল। তেওঁলোকক স্নান-দানে গুণ নিদিলে। অথচ তেওঁলোকৰে এজন বলোভদ্ৰই—

……গৈলা সাগৰৰ তীৰ। যোগ চিন্তি এড়িলন্ত মনুষ্য শৰীৰ॥
তাকে দেখি বাসুদেৱ কৃষ্ণয়ো ……প্ৰভাসৰ জলে।
স্নান কৰি গৈলা অশ্বত্থ তলে॥

পাছে যোগে ধাৰণা ধৰিলা। আপোনাক আত্মাতে থাপিলা॥
নিমিষতে নৰ চেষ্টা এড়ি। বৈকুণ্ঠক প্ৰবেশিলা হৰি॥

কিন্তু উদ্ধৱে বাসুদেৱক জানে। কৃষ্ণই যেতিয়া প্ৰভাসলৈ যোৱাৰ আয়োজন কৰিলে তেতিয়া উদ্ধৱে আহি ক'লে—

তুমি জপ তপ পুণ্য তুমি বীনা দেখো শূণ্য
দিনতে আন্ধাৰ ত্ৰিজগত।
অনেক কাৰ্পুণ্য কৰো তুযো চৰণত ধৰো
লৈয়া যায়ো আত্মাক লগত॥

—তাৰ উত্তৰত কৃষ্ণই কয়—

সমস্তে ভুততে ব্যাপি আছো মই হৰি।
সবাকো জানিবা তুমি বিষ্ণু বুদ্ধি কৰি॥

'মই হৰি'—মই বুলি কৃষ্ণই কাৰ কথা কৈছে? সমস্তে ভুততে 'মই' স্বৰূপে, 'অহং' স্বৰূপে যি জন বৰ্ত্তমান আছে সেই মই—সেই 'সোঽহং' সেই সৰ্ব্বময় 'একম্'। সেইহে—

কুকুৰ শিয়াল গৰ্দ্দভৰে আত্মাৰাম। জানিয়া সবাকে পড়ি কৰিবা প্ৰণাম॥

এই গুঢ় জ্ঞান দিয়াৰ পিচত—সকলো ভুততে বিষ্ণুকে মাধৱৰ দৰ্শন কৰিবলৈ উপদেশ দিয়াৰ পিচত উদ্ধৱক কৃষ্ণই আক কয়

সন্ন্যাস গ্ৰহণ কৰিবলৈ—

বদৰিকাশ্ৰমক যাযোক ॥

অলকানন্দাক দৰশনে। এড়িবে সমস্ত পাপগণে ॥
পিন্ধিবাহা বাকলি বসন। বন্য ফল কৰিবা ভোজন।
থাকিবাহা ইন্দ্ৰিযক দমি। হৈবা শান্ত মনক নিযমি ॥
আত্মাক স্মৰিবা বাক্য মনে। মোৰ ৰূপ চিন্তিবা যতনে ॥

—উদ্ধৱ হেন ভক্তকো, পূৰ্ণব্ৰহ্ম কৃষ্ণই সম, দম, নিযম সকলো ক্ৰম অতিক্ৰম কৰাৰ পাচতহে ধ্যান ধাৰণাৰ দ্বাৰা ইষ্ট দেৱতাক চিন্তা কৰিবলৈ উপদেশ দিছে। কিন্তু অকল সম দমেৰেই নহব। অকল প্ৰভাস স্নান, অকল বিপ্ৰ ভোজনেই নহব। মূল কথা হ'ল 'নাম'। নাম জপ, ৰূপ ধ্যান অৱশ্যই লাগিব। অন্তৰত নাম জপ, ৰূপ ধ্যান নহ'লে—

তিৰীথ বৰত তপ জপ যাগ যোগ যুগুতি
মন্ত্ৰ পৰম ধৰম কৰম কৰত নাহি যুগুতি।

প্ৰধান কথা হ'ল।

'..................বিচুৰি বিষয় কামা
ৰাম চৰণে লেহু শৰণ জপ গোবিন্দক নামা।'

—একেটা বৰগীততে মহাপুৰুষে তপ-জপত কাম নাই বুলি কৈ শেহত কলে 'জপ গোবিন্দক নামা'। অন্তৰত যদি নাম-ৰূপ জাগৰুক হোৱা নাই তেতিযা পুজা, অৰ্চ্চনা, যাগ, যজ্ঞত কি মূল্য থাকিব পাৰে? যদি নাম ৰূপৰ ভাব অন্তৰত জাগৰুক থাকে তেতিযা হ'লে কিন্তু 'যে যথা মাং প্ৰপদ্যন্তে তাংস্তথৈব ভজাম্যহম্।' —যদি পুজাত বিশ্বাস নাথাকিলহেতেন মহাপুৰুষে আক্ষেপ নকৰিলেহেতেন,—

পিন্ধিলোহো বাহুত অনেক অলঙ্কাৰ।
প্ৰভুৰ পূজাক নকৰিলো একবাৰ ॥

কৃষ্ণ কৃত্য নকৰিয়া ভৈলোঁহো বৰ্ব্বৰ।
ইটো হস্ত বাহু মিছা মৃতক শৰৰ॥

যদি তীৰ্থ স্থানত বিশ্বাস নাথাকিলেহেতেন,—

পাৰ হুই আছন্তে নগৈলো ক্ষেত্ৰ স্থান।
মোৰ পাও ভৈল বৃক্ষ শিপাৰ সমান॥

বুলি দুঃখ নকৰিলেহেঁতেন। (অথচ মহাপুৰুষ ক্ষেত্ৰ স্থানলৈ নোযোৱাও নহয়।) ক্ষেত্ৰক বিশ্বাস নকৰিব কেনেকৈ? প্ৰতিমাক বিশ্বাস নকৰিব কেনেকৈ? মহাপুৰুষৰ ইষ্টদেৱৰ যি মানৱীয় অৱতাৰ তেৱেঁই কৈ গল,—মহাপুৰুষে নিজেইতো লিখি গল—

ভৈলো সিটো ক্ষেত্ৰ মই আপুনি সাক্ষাত।
পুৰুষোত্তম নামে ক্ষেত্ৰ তাতেসে প্ৰখ্যাত॥

বিনা যজ্ঞ দান তপ যোগৰ যুগুতি।
চাৰিয়ো বৰ্ণক দেয় ভুকুতি মুকুতি॥

—:*:—

দিব্য দৌল আছে তাৰ কি কৈবো মহিমা।
বৈদুৰ্য্যৰ আছে তাত আজ্ঞাৰ প্ৰতিমা॥
অপ্ৰয়াসে তাকে চাই পাৱৈ মহোদয়।
পাপী সবো চলি যায় বিষ্ণুৰ নিলয়॥

যদি প্ৰতিমাক সেৱা কৰোতে প্ৰতিমাক গঢ় দিয়া মাধ্যমটোক নহয়—প্ৰতিমাৰ উদ্দিষ্ট ইষ্ট দেৱক চিন্তা কৰি প্ৰণাম কৰিব পৰা যায়—যদি ক্ষেত্ৰ স্থানলৈ গৈ সেই স্থান বিশেষক ইষ্টদেৱ নাভাবি ইষ্ট দেৱৰ সেই স্থান এই কথা মনত ৰখা যায় তেনে তাৰ ফল লাভ নহব কিয়? উৰেষা বৰ্ণনত মহাপুৰুষে লেখি গৈছে—

পাছে বিশ্বকৰ্ম্মাক বুলিলা হৰি বাণী।
সাজি তিনি প্ৰতিমা এখনে দিয়ো আনি॥

কৃষ্ণ বলোভদ্ৰ আৰ সুভদ্ৰা ভগিনী।
যাৰ যেন লক্ষণ নিৰ্ম্মিযো ভিন্নি ভিন্নি॥

—ঃ*ঃ—

যজ্ঞ অৱশেসে যত জল অনুপাম।
হুইবে তীৰ্থ ইন্দ্ৰত্যুম্ন সৰোবৰ নাম॥
আত স্নান কৰিযা যাইবেক ইন্দ্ৰ স্থানে।
একৈশ পুৰুষ উদ্ধাৰিবে পিণ্ড দানে॥

—ঃ*ঃ—

আম্মাক দেখিযা যিটো প্ৰণামে তহিত।
মহাৰঙ্গে বঞ্চিবেক বিষ্ণুৰ পুৰিত॥
দিব্য দশ হাজাৰ বৎসৰ থাকি তৈত।
চতুৰ্ব্বেদী ব্ৰাহ্মণ হৈবেক আসি এৈত॥

বিষ্ণু ভক্তিত যি আপ্লুত সেই বিষ্ণু ভক্তই কাকো হীন নেদেখে। কাকো ঘৃণা নকৰে। বিষ্ণু প্ৰসাদ যদি হয, যাৰে তাৰে চোৱা অন্নকো সেই ভক্তই গ্ৰহণ কৰে—

মহা প্ৰসাদত যত্নে এৰিবা বিচাৰ।
নাহি কিঞ্চিতেকো যেন ব্ৰহ্মত বিকাৰ॥
বিষ্ণুৰ নৈবেদ্য যত অন্ন পিঠা-পনা।
ভক্ষ্যাভক্ষ্য তাহাৰ বিচাৰে যিটো জনা॥
হোৱৈ মন্দৰোগী তাক ভাৰ্য্যা পুত্ৰ এৰৈ।
নাহিক নিস্তাৰ ঘোৰ নৰকত পৰৈ॥
অন্ত্যবৰ্ণ হীণবৰ্ণে যিটো অন্ন চোৱৈ।
তাক ভুঞ্জি সমস্ত পাতকে মুক্ত হোৱৈ॥
ছোৱা গঙ্গা বুলি যিটো অন্ন নখাই মোৰ।
বিপদক পাৱৈ তাক কৰো দণ্ড ঘোৰ॥

নাহি কাল নিয়ম ব্ৰতত দোষ নাই।
পাইলে মাত্ৰ খাইবে অন্ন তেবে মোক্ষ পাই॥

হৃদয়ত ৰূপ হৰি নাম যাৰ মুখে।
বিষ্ণুৰ নৈবেদ্য উদৰত ভৰে সুখে॥

'হৃদয়ত ৰূপ হৰি নাম যাৰ মুখে'—মহাপুৰুষে সেই নাম মহিমা প্ৰচাৰ কৰি গৈছে, যি নাম মুখত গাওঁতে হৃদয়ত ৰূপ জাগৰুক থাকে। যদি তেনে ভাবে নাম গাব পাৰা, যদি তেনে ভাবে নাম জপিব পাৰা, যদি তেনে ভাৱে নামৰূপ ধিয়াব পাৰা—

পাতক শুকান বন          হৰি নাম হুতাসন
ক্ষণেকতে দহি কৰে ছন্ন।

কিন্তু আনহাতে এই কথাও মনত ৰাখিব লাগিব যে 'আছা হৰি সবাৰো হিয়াত।' কোনোবাই চুলেই জাতটো যোৱাৰ—কোনোবা নাম-ঘৰৰ ভিতৰত থাকোতে সেই নাম-ঘৰত প্ৰসাদ খালে জাতটো যোৱাৰ একান্ত ভয় এটা হৃদয়ত লৈ সেই ভয় নিবাৰণৰ কাৰণে মাথো—আৰু 'মই ভকত' এই কথা প্ৰচাৰ কৰিবৰ কাৰণে মাথো হাতত ভো-তাল লৈ 'হৰিবোল' বুলিলে নহব। তুমি 'হৃদয়ে' ধৰিব লাগিব 'ৰূপ'। মুখত বুলিব লাগিব 'হৰি'। তুমি দেখিব লাগিব তোমাৰ সাক্ষাতত সকলোবোৰ হৰিৰ ৰূপ। তুমি শুনিব লাগিব তোমাৰ তালৰ প্ৰতিটো শব্দতে কেশৱৰ নাম—তুমি নিজকো দেখিব লাগিব তোমাৰ ইষ্ট জনৰ কোল'ৰ মাজত—তোমাৰ মাজতো দেখিব লাগিব তোমাৰ ইষ্ট জনক।—তাৰ নাম হ'ব সত্যাগ্ৰহ। মহাপুৰুষ শঙ্কৰদেৱে কৈ গৈছে—সমস্তে ভুততে বিষ্ণু……। শঙ্কৰাচাৰ্য্যয়ো কৈছিল—

যত্ৰৈব যত্ৰৈব মনো মদিয়ং—তত্ৰৈব তত্ৰৈব তব স্বৰূপং।
যত্ৰৈব যত্ৰৈব শিৰো মদিয়ং—তত্ৰৈব তত্ৰৈব পাদদ্বয়ং তে॥

গুৰু গোবিন্দই কৈছিল— আমি যাক গিৰি-বনৰ মাজত বিচাৰি
হাবাথুৰি খাওঁ তেওঁ আমাৰ অন্তৰৰ মাজত অধিস্থিত।

গুৰু নানকে যেতিয়া মক্কাত গৈ কাব্বাৰ ফালে ভৰি কৰি শুই থাকিছিল তেতিয়া মোল্লা এজনে খং কৰি তেওঁক ঘুৰাই দিছিল। কিন্তু যেনিয়েই নানকৰ ভৰি ঘুৰে—তেনিয়েই কাব্বাও ঘুৰি যায়। মোল্লায়ো তেতিয়াহে বুজিব পাৰে,—শঙ্কৰদেৱৰ ভাষাতে কওঁ—

যত দেখু কায়া সুত-বিত্ত-জায়া মায়াকো সব ধন্ধ।
হামু যত জীৱ সিৱ তেৰি অংশা কাহে ওহি মোহ বন্ধ।

সেই কাৰণে—

কৃষ্ণ কিঙ্কৰ কহ　ক্ষণিক দেহ ৰহ　নৰতনু পুনহোঁ নপাই।
কৰম গৰৱ সৱ　দুৰ কৰি হৰি　চৰণ চিন্ত চিত্ত লাই।

সেই কাৰণে,—কোনোবাই যদি সঁচাকৈয়ে মহাপুৰুষক ভাল পায়, যদি সঁচাকৈয়ে তেওঁৰ আদৰ্শক ভাল পায়, তেওঁ এবাৰ চিন্তা কৰি চক তেওঁৰ চৌদিশে থকা বিষয়-বস্তুবোৰৰ লগত নিজৰ সম্বন্ধ কি? পাহৰি যাব নালাগিব যে আমাৰ সকলোৰে অন্তৰে অন্তৰে—কি মানুহ, কি কীট-পতঙ্গ, কি তৰু-বন, কি শিলা, কি কেচুমতা— 'যত্ৰৈব যত্ৰৈব মনো মদিয়ং' সেই সকলোতে এজন মাথো বিৰাট 'একম্' ব্যাপ্ত আছে। আমি য'তেই হাত দিওঁ সেই বিৰাটতে হাত দিয়া হয়। আমি য'তেই দৃষ্টি কৰো সেই একমতে দৃষ্টি কৰা হয়। আমাৰ শৰীৰৰ যি কোনো অংশত আঘাত কৰিলে যেনেকৈ আমাক আঘাত কৰা হয়, যেনেকৈ আমি তেতিয়া অসন্তুষ্ট হওঁ,—সেই একে দৰে সৃষ্টিত য'তে আমি ঘৃণাৰে অকণ দৃষ্টি পাত কৰো—সেয়া সেই 'একম'কে ঘৃণা কৰা হয়। 'একম'ৰে দ্বাৰা 'একম'ৰ ঘৃণা। 'বিষ্ণু খাদতি বিষ্ণুৰে।' তাত 'একম্' হয় অসন্তুষ্ট।

আমি যদি দয়া কৰিবলৈ, মৰম কৰিবলৈ, শ্ৰদ্ধা কৰিবলৈ শিকিব পাৰো, যদি আমি 'কুকুৰ শৃগাল গৰ্দ্দভৰে 'আত্মা ৰাম' জানি 'সবাকে পড়ি প্ৰণাম' কৰিব পৰা অবস্থা কাহানিবাকৈ প্ৰাপ্ত হ'ব পাৰো, —মহাপুৰুষৰ অমৰাত্মা আতাইতকৈ সন্তুষ্ট হ'ব সেই দিনাই। মহাপুৰুষৰ লক্ষ্য আছিল বিশ্ব প্ৰেমহে—ঘৃণাৰ যোগেদি, —'মই উচ্চ তই নীচ', ভাবৰ যোগেদি বিশ্বত খৰিযালৰ সৃষ্টি কৰাটো কেতিয়াও তেওঁৰ ইচ্ছা নাছিল।

'একদেৱ একসেৱ একত বিনে নাই কেৱ' আছিল মহাপুৰুষৰ বাণী, তেওঁ কৈছিল—

'অন্য দেৱী দেৱ নকৰিবা সেৱ নাখাইবা প্ৰসাদ তাৰ।
মূৰ্ত্তিকো নচাইবা গৃহকো নপশিবা ভক্তি হুইব ব্যাভিচাৰ॥

যেতিয়া 'সমস্তে জগতে হৰি জানিবা নিশ্চয কৰি' বুলি এবাৰ কোৱা হ'ল, যেতিয়া কোৱা হ'ল—

মাযাতেসে দেখয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোম্মাৰ নাহিকৈ কিছু ভেদ॥
চৈতন্য স্বৰূপে ব্যাপী এক নিৰঞ্জন॥
তোম্মাক বুলিবে দ্বৈত কোন অজ্ঞজন॥

—তেতিয়া 'একদেৱ একসেৱ' নহৈ আৰু হব পাৰে কি? সমস্তইতো এটা মাথো 'একম্'; সেই 'একম'ৰ বাহিৰে কতো যে আৰু একো নাই? সেৱক সেব্য সকলোৱেইতো সেই 'একম্'। আন দেৱ-দেৱী আৰু সেৱা কৰিব কোনে? কেনেকৈ?—নাৰায়ণদাস ঠাকুৰ আতাই কৈছিল—

ব্ৰহ্মাকো মাৰিবা বিষ্ণুকো মাৰিবা ৰুদ্ৰক নিদিবা ঠাই।
আন আন দেৱতাক কোবাই মাৰিবা তেহে ভকতি পাই॥

সঁচাকৈ জানো আতাই ব্ৰহ্মাদি দেৱতাসকলক মাৰিবলৈকে কৈছিল ? যদি কৈছিল গুৰুৰ 'কুকুৰ শৃগাল গৰ্দ্দভৰে আত্মা ৰাম' শিক্ষা কি হ'ল ? যদি সমস্তই বিষ্ণুময় তথা 'একম্‌' হয়—ব্ৰহ্মাদিক মাৰে আকৌ কেনেকৈ ? কোনে ? নহয়, নহয়, শঙ্কৰদেৱ আছিল দাৰ্শনিক—তেওঁৰ প্ৰিয় শিষ্যসকলো আছিল দাৰ্শনিক। ব্ৰহ্মাদিক মাৰিবলৈ কৈ আতাই হয়তো কৈছিল যে ত্ৰিগুণময়ক পাবলৈ হলে ত্ৰিগুণাতীত হ'ব লাগিব ! সত্বাদি গুণত্ৰয়ৰ—কামাদি ৰিপুসমূহৰ বশ যদি তুমি হ'বা তোমাৰ ভকতি ব্যাভিচাৰ হ'ব। তোমাৰ অৱস্থা হ'ব,— 'ভক্তিযাৰ পো ভক্তি কৰে ভক্তিৰ হকম্‌কম্‌ ।

নাম নাই গুণ নাই প্ৰসাদ খাবৰ যম ॥'

তুমি সেই সকলোবোৰকে তোমাৰ বশ কৰিব লাগিব—তুমি জানিব লাগিব যে একমাত্ৰ সেই অখণ্ডমণ্ডলাকাৰং ব্যাপ্তং বিৰাট 'একম'ৰ বাহিৰে তোমাৰ সেৱা কৰিবলৈ, প্ৰসাদ গ্ৰহণ কৰিবলৈ আৰু কতো কোনো নাই। তুমি যাকে সেৱা কৰা, সেৱা পায় সেই একম্‌ অদ্বিতীয়ং বিৰাটে। তুমি যাৰেই প্ৰসাদ নোখোৱা, সেয়া সেই একম্‌ অদ্বিতীয়মৰে প্ৰসাদ, — তুমি তোমাৰ আগত যিহকে দেখা, সেয়া মাথো সেই একমৰে মূৰ্ত্তি। তোমাৰ সমুখত সেয়া কুকুৰ নহয়, সেয়া শিয়াল নহয়, সেয়া গৰ্দ্দভ নহয়, সেয়া আন কাৰোবাৰ মূৰ্ত্তি নহয়, — সেই সকলোৱেই বিষ্ণুময় তথা বিষ্ণু—তথা সৰ্ব্বময় সেই একম্‌। তোমাক কোলাত লৈ থকা এই ধৰিত্ৰী,—সেয়া সেই একম্‌, —তুমি কোলাত লৈ থকা তোমাৰ সন্তানটি—সেয়া সেই একম্‌; আনকি তুমি নিজে—কি তুমি ব্ৰাহ্মণ, কি তুমি চণ্ডাল, কি তুমি যবণ, —তুমিও সেই একম্‌। একম্‌, অদ্বিতীয়ম্‌ সেই অতি পুৰাণ, চিৰ-নিত্য মহা বিৰাটৰ বাহিৰে আন কতো কোনো নাই। আনকি দৈৱকী-

নন্দন—যাৰ কথা শ্ৰীশঙ্কৰদেৱৰ প্ৰধান শিষ্য জনাই কৈছিল—

একখানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দৈৱকীনন্দন কৈলা যাক

দেৱো এক মাত্ৰ দৈৱকী দেৱীৰ সুত।

—তেওঁও সেই একম্‌। একেটা পদতে 'দেৱো এক মাত্ৰ' কোন কৰলৈ গৈ মহাপুৰুষ জনাই দৈৱকী দেৱীৰ অস্তিত্ব স্বীকাৰ কৰিছে আৰু দৈৱকী দেৱীৰ সুত বা দৈৱকী নন্দন বোলোতেই অজ মহাপ্ৰভুৰ জন্মৰ কথা আমাক সোঁৱৰাই দি কৈছে, যি জনে সুত ৰূপে মানৱী ৰূপী দৈৱকীত জন্ম ললে তেওঁৱেই একমাত্ৰ দেৱ। কথাটো কেনে হয়? দৈৱকীনন্দনৰ জন্ম হৈছিল দ্বাপৰত। সৃষ্টিৰ মাজ ভাগত আহি একমাত্ৰ দেৱতাজনৰ জন্ম হ'ব পাৰে কেনেকৈ? কথা হ'ল,— যি জনাই জন্ম লয়,—সেই জনা।

মহা পুৰুষৰ এফাকি পদলৈ মন কৰিলে আমাৰ সন্দেহ ভাগে—

দৈৱকী উদৰে উদয় যোহি দেৱা কযলি ভকতক ত্ৰান।

—যি দেৱে দৈৱকীৰ উদৰত উদয় হৈ ভকতক ত্ৰান কৰিলে,

যাহে চৰণ ৰেণু ব্ৰহ্মা শঙ্কৰ হৃদযে কৰয ধিযান

যাৰ চৰণ ৰেণু ব্ৰহ্মা শঙ্কৰে হৃদযত ধ্যান কৰে। —ব্ৰহ্মা শঙ্কৰৰ উৎপত্তি সৃষ্টিৰ আদিত। দৈৱকী নন্দনৰ জন্ম দ্বাপৰত। যাক সৃষ্টিৰ আদিৰে পৰা ব্ৰহ্মা শঙ্কৰে ধ্যান কৰি আহিছে,

পৰম পুৰুষ পুৰাতন পাপী পাৱন ঈশ্বৰ দেৱ

ব্ৰহ্মা ৰুদ্ৰ আদি দিকপালে যাসু কৰত নিত সেৱ

যি পৰম পুৰুষ—যি পুৰাতন—যি পাপীক উদ্ধাৰ কৰে—যাক ব্ৰহ্মাদিযে সেৱা কৰে,

সোহি হৰি তেৰি কৰতু নিত মুকুতি মঙ্গল বিধান।

সেই হৰিয়ে নিতৌ তোমাৰ মুক্তি আৰু মঙ্গল বিধান কৰক। বি

হৰি কৃষ্ণ ৰূপে দৈৱকীৰ উদৰত উদয় হলহি—যি হৰিয়ে মীনাদি দশৰূপ ধাৰণ কৰিছিল, যি হৰি ব্ৰহ্মাদিৰো পূজ্য সেই হৰি, সেই অতি নিত্য, অতি পুৰাতন অজ 'একম'ৰ কথাকে মহাপুৰুষে নিশ্চয় কৈছে। জন্মধাৰী দৈৱকীনন্দনৰ সসীম পাৰ্থিৱ ৰূপটো নহয়—তেওঁৰ আদি যি ৰূপ, যি ৰূপ পাৰ্থিৱ কৃষ্ণই বৈকুণ্ঠ প্ৰয়াণৰ পিচতো আকৌ পাইছে—সেই অৰূপ ৰূপটোকে তেওঁ একমাত্ৰ দেৱ বুলিছে। কাৰণ সেই অৰূপ 'একম'ৰ বাহিৰত 'আন' বোলা এটা অস্তিত্ব আৰু নাই।

যি জন অখণ্ডমণ্ডলাকাৰং ব্যাপ্তং সেই জন অশৰীৰী। তেওঁৰ সৃষ্টিৰ মাজেদিহে মাথো তেওঁক আমি দেখিব পাৰো। নহলে তেওঁৰ এটা পৃথক সত্বা কল্পনা কৰা মানে এটা ভুল কল্পনা কৰা। অশৰীৰী তথা নিৰাকাৰ সেই জনাক আমি চিন্তা কৰিম কেনেকৈ ? আমি তেওঁৰ বিবিধ অৱতাৰ আৰু লীলামালাৰ কথা সুঁৱৰি একোটা নাম ধৰো। কোনোবাই তেওঁৰ নাম ধৰি এপাহি ফুল উৎসৰ্গা কৰে,—কোনোবাই তেওঁৰ নাম জপ কৰে,—কোনোবাই তেওঁক কৰে ধ্যান। কিন্তু নাম সকলোকে লাগিবই। গুৰুৱে চিনাই দিয়া এটা নাম লৈ ভক্তই ভগৱানৰ উপাসনা কৰে। কিন্তু ঐকান্তিকতা নথকা পূজা—সত্যাগ্ৰহ নথকা জপ-ধ্যান সমূলি অনৰ্থক। সেইহে শঙ্কৰদেৱ মহাপুৰুষে এনে এটা পন্থা প্ৰৱৰ্ত্তন কৰিলে যি মানুহৰ মনলৈ ঐকান্তিকতা আনে অতি সহজে। ঘোৰ কলিকাল, মানুহৰ মন বিষয়-বাসনাত মত্ত। তেনে অৱস্থাত চিন্তা কৰা, উপাসনা কৰা মানুহৰ পক্ষে অসম্ভৱ হৈ পৰে। মানুহে নিৰলে বহি পৰম কল্যাণময় সেই 'একম্' 'অদ্বিতীয়ম'ৰ জপ-ধ্যান, তেওঁৰ বিষয় চিন্তা কৰা কলিত দুৰূহ।

কলিত লোকৰ মলিন মতি।
নোপজয় আন পুণ্য সম্প্ৰতি॥
(গতিকে)— নামেসে পৰম ধৰ্ম্ম কলিত।
নামেসে মৰণ সম্বল বিত্ত॥
(আকৌ)— নাম বিনে নাহি কলিত গতি।
(কাৰণ)— কলিৰ লোক হৈবে পাপমতি॥
(এনে অৱস্থাত)—অন্যত্ৰ ধৰ্ম্মে নাহি অধিকাৰ।
জানিবা কলিত নামেসে সাৰ॥

এজনে ভগৱানৰ এফাকি নাম লগাই দি তেওঁৰ গুণ-কীৰ্ত্তণ কৰিব, আন ভক্ত সকলে সেই নাম ফাকিকে দোহাৰিব আৰু হৰিৰ গুণৰাশী শুনি আপোন পাহৰা হৈ চাপৰি বজাই বা আন বাদ্য বজাই নাচিব—আনন্দত আপোন পাহৰা হ'ব। সমাজখনৰ মাজত এজনৰো মন যদি ঐকান্তিকভাৱে পূৰ্ণ হয়, সেই জনেই আন সকলোকে আকৰ্ষণ কৰিব আৰু ক্ৰমাৎ সকলোৰে অন্তৰবোৰ ভৰপুৰ হ'ব ঐকান্তিকভাৱে। এনে হৰি প্ৰসঙ্গ—এনে ধৰ্ম্ম সঁচাকৈয়ে কলিৰ একমাত্ৰ গতিপথ। —কিন্তু সেই বুলি—

গুণ নাম যত বিষ্ণু শিৱৰ। তাক ভিন্ন বুদ্ধি কৰৈ যিটো নৰ॥
নামৰ সিযো মহা অপৰাধী। নৰকত পৰৈ দৈৱে নৰাধি॥
'আনকি—ধৰ্ম্ম হোম ব্ৰত তীৰ্থত স্নান। যতেক আছে মহা যজ্ঞ দান॥
আক এবৈ কৰে নামক সৰি। কতনো যাতনা ভুঞ্জিবে মৰি॥

ধৰ্ম্মৰ নামে কোনো কৰ্ম্মই নিন্দাৰ্হ নহয়। মাথো লাগে একাগ্ৰতা, লাগে সত্যাগ্ৰহ, লাগে নিষ্ঠা। আন ধৰ্ম্মত ভ্ৰান্তিয়ে,—তৰ্কবাদে আউল লগাই দিব পাৰে। কিন্তু নাম-ধৰ্ম্ম অতি সৰল—অতি সহজ সাধ্য—গতিকে অতি শুদ্ধ।

'স্ব ধৰ্ম্মে নিধনো শ্ৰেষ্ঠঃ পৰধৰ্ম্ম ভয়াবহঃ' বুলিয়েই হওক বা যি কাৰণতেই হওক—যি সকলে মহাপুৰুষ শ্ৰীশঙ্কৰৰ ধৰ্ম্মমত গ্ৰহণ কৰিব পৰা নাই, সেইসকলৰ কাৰণেও শ্ৰীশঙ্কৰদেৱ অসমৰ অদ্বিতীয় মহাপুৰুষ। কাৰণ তেওঁ সমাজ গঠন আৰু সাহিত্য সেৱাৰ যি আহি দি গ'ল সি চিৰ দিনলৈ অসমীয়াক ঋণী ৰাখিব। তেওঁৰ সেই দানৰ ব্যতিৰেকে আজি হয়তো অসমীয়াৰ অসমীয়াত্বৰ যি অকণ নাম আছে সিও লোপ পালেহেতেন।

অসমৰ সত্ৰ সমূহ আজি কেনে ধৰণে চলিছে সেই বিষয় প্ৰশ্ন কৰিব লগীয়া থাকিব অৱশ্যে প'ৰে। কিন্তু এই প্ৰশ্নময় বৰ্ত্তমানৰ মাজেদিও যদি আমি জুমি চাওঁ, এটা আদৰ্শৰে ভৰা অতীত হে আমাৰ চকুত পৰে। জাতি বৰ্ণ নিৰ্ব্বিশেষে ঈশ্বৰ প্ৰেমিক মাত্ৰৰেই এখন চালৰ তলত নাম-কীৰ্ত্তণ কৰাৰ ব্যৱস্থা,—এক ভাবাপন্ন তথা এক ভ্ৰাতৃবোধ থকা সকলো প্ৰেমিক একে ঠাই হৈ এখন সৰু ৰাজ্য—তাত সেই প্ৰেমিক সকলৰ দ্বাৰা নিৰ্ব্বাচিত এজন অধিকাৰ যাৰ শাসন ব্যৱস্থা, যাৰ শিক্ষাবিধি, —যাৰ জীৱনৰ লক্ষ্য মাথো বিশ্বপ্ৰেম। সেই অধিকাৰ জন একনায়কত্ববাদী হ'ব নোৱাৰে। তেওঁৰ লগত বাজখোৱা, ৰাজমেধী আদি বিষয়াসকল থাকে। যি সকলে প্ৰেমিক তথা ভকত নামৰ প্ৰজাসকলৰ প্ৰতিনিধিত্ব কৰিব পাৰে সত্ৰৰূপ সেই ৰাজ্যখনৰ সভা বা টোলত। মহাপুৰুষে নিজে ৰচনা কৰা বৰগীত ভকতসকলে সুৰ লগাই গায়। তেওঁৰ নিজৰ কল্পনাপ্ৰসূত বিবিধ নৃত্য, গীত, বাদ্য আৰু নাটবিলাকৰ যোগেদি ভকতসকলৰ এই মৰ্ত্ত্যৰ ৰাজ্যখনত স্বৰ্গ ৰচিত হয়। নাটবোৰ সাধাৰণতে বধ আৰু হৰণ বিষয়ক। সম্পূৰ্ণ নিজস্ব এটা ধৰণৰ সেই নাটবোৰৰ ভাৱনাৰ যোগেদি অসুৰ দৈত্য

দানৱৰূপী আমাৰ কু-প্ৰবৃত্তিবোৰৰ কেনেকৈ বিনাশ কৰিব পাৰি, কেনেকৈ সৎ প্ৰবৃত্তিবোৰ আহৰণ কৰি আমাৰ জ্ঞানৰ পৰিসৰ বঢ়াব পাৰো, তাৰ শিক্ষা দিয়া হয়। নাটবিলাক দেখাত পাৰ্থিব কাহিনী লৈ সজোৱা হলেও সুদৰ্শনৰ কৃপা হলে, তাত—অকল তাত কিয়? মহাপুৰুষৰ প্ৰত্যেক কামত তেওঁৰ প্ৰত্যেকটো শব্দ যোজনাত—অধ্যাত্মবাদৰ ইঙ্গিত পোৱা যাব। প্ৰত্যেকটো কাৰ্য্যতেই এইদৰে অদ্বৈতবাদৰ প্ৰচাৰৰ যোগেদি এখন সুস্থ সমাজ গঠন,—সমাজৰ যোগে বিশ্ববাসীৰ তথা বিশ্বৰ কল্যান সাধন কৰাই তেওঁৰ আছিল লক্ষ্য। এই লক্ষ্য সাধন যদি হোৱা নাই সেয়া মহাপুৰুষৰ দোষ নহয়। সেয়া মহাপুৰুষৰ নীতি বিলাকৰ সুক্ষ্ম অনুসন্ধান আৰু প্ৰচাৰৰ অভাৱৰেই দোষ।

বোধকৰো অসমীয়াক—অকল অসমীয়াকে নহয়, অসমৰ অতি আপোন অথচ বুজাবুজিৰ অভাৱত অতি পৰ হৈ থকা বঙ্গালী সকলকো—কোনোবাই কৈ দিয়াৰ প্ৰয়োজন নাই যে অসমীয়া ভাষাৰ ত্ৰাতা মাথো শঙ্কৰদেৱ। শঙ্কৰদেৱ মহাপুৰুষক বাণী আৰু নাৰায়ণ দুয়ো সাৱতি নধৰা হ'লে,—শঙ্কৰদেৱৰ অন্তৰত প্ৰগাঢ় হৰি ভক্তি উদয় নোহোৱা হলে—তেওঁৰ অন্তৰত নিষ্কাম বিশ্বপ্ৰেম নথকা হ'লে,—তেওঁৰ বিশ্বপ্ৰেমত বিশ্ববাসী মাত্ৰকে সিক্ত কৰিবলৈ নিবিচাৰি আধুনিক দুই চাৰি পণ্ডিতৰ দৰে তেওঁ 'মই সাধু' ভাৱত নিজতে নিজে থকা হলে তেওঁৰ কাপৰ আগৰ পৰা নাম-কীৰ্ত্তন, দশম আদিবোৰ প্ৰকাশ নহ'লহেতেন। তেওঁৰ অমৰ লেখনিৰে অসম উপচি নথকা হলে, অসমৰ ভাষা-সাহিত্য আৰু কৃষ্টি-কলাক গিলিবলৈ ব্যাদিতমুখে আগবাঢ়ি অহা সেই সৰ্ব্বজন বিদিত দৈত্যটোৰ কবাল গ্ৰাসৰ পৰা কোনো অসমীয়া ৰক্ষা নপৰিলহেতেন।

ফলত ভাষা-সাহিত্য কৃষ্টিৰ দৰবাৰত অসমীয়া হ'লহেতেন 'আ-চা-মী।'

হে মহাপুৰুষ,—আমি এতিয়াও অজ্ঞান আন্ধাৰত লুকাই আছো। সংসাৰিক কাৰ্য্য কাৰণত বদ্ধ হৈ আমি আমাৰ চাৰিও ফালে দেখিছো মাথো আন্ধাৰ ; আমি অজ্ঞান নাগ-পাশৰ মেৰ পাকত পৰি জ্বলা-কলা। আমাক জ্ঞানাঞ্জনশলাকা দিয়া। আমাক সজ মতি দিয়া। —আমাক আৰু হৰিকথা কোৱা। আমি কামে কথাই কব পৰা হওঁ— ত্বয়া হৃষিকেশ হৃদি স্থিতেন

যথা নিযুক্তোস্মি তথা কৰোমি।

আমি যেন কব পাৰো—

প্ৰাতঃ প্ৰভৃতি সায়ান্তং সায়ান্তাৎ প্ৰাতৰন্ততঃ।
যৎ কৰোমি জগন্মাতস্তদস্তু তব পূজনম্॥

আমাক এই শিক্ষা দিয়া যেন আমি কব পাৰো, হে মহাবিৰাট, হে সৰ্ব্বময়, আমাৰ নিজৰ পৃথক সত্ত নাই। কি চণ্ডাল, কি ব্ৰাহ্মণ, কি মহন্ত, আমি সকলোৱেই তোমাৰ ইঙ্গিতত যন্ত্ৰীচালিত যন্ত্ৰৰ দৰে চলো ; তুমিয়েই আমাৰ সাৰথি। সৎ-পথ বিপথ চিনি পোৱা মাথো তুমি। মোৰ জীৱনৰ কুৰুক্ষেত্ৰৰ কেন্দ্ৰ স্থলত আহি কোন মোৰ শত্ৰু, কোন মোৰ মিত্ৰ, কি মোৰ কাৰ্য্য কি মোৰ অকাৰ্য্য একোকে বুজিব নোৱাৰি মই থাকিও নথকা হৈছো। মোক মোৰ পথৰ সন্ধান দিয়া,—মোক তথ্যৰ বুজনি দিয়া,—মোক কৰ্ত্তব্যৰ আভাস দিয়া। মই মাথো 'কৰিষ্যে বচনং তব।'

ওঁ তৎ সৎ